অসমীয়া ল'ৰাৰ

# ব্যাকৰণ।



শ্ৰীদীনবন্ধু ত[illegible]লঙ্কাৰ-কৰ্ত্তৃক
ৰচিত।

অসম নগাঁও হইতে

শ্ৰীযুক্ত ৰায় গুণাভিৰাম বৰুৱা
বাহাদুৰ-কৰ্ত্তৃক প্ৰকাশিত।

বিংশ সংস্কৰণ।

কলিকাতা;

বাগবাজাৰ, ৰাজা ৰাজবল্লভ ষ্ট্ৰীট্ ৮৪ নং, নব সাৰস্বত যন্ত্ৰে
শ্ৰীউদয়চন্দ্ৰ ঘোষ কৰ্ত্তৃক মুদ্ৰিত।

ইং ১৮৯০ সাল।

# ভূমিকা

আমাৰ দেশৰ পঢ়াশালিবিলাকত অসমীয়া ভাষা শিক্ষাদিবলৈ সংক্ষেপ ব্যাকৰণ নোহোৱাত শ্ৰীযুত দীনবন্ধু তৰ্কালঙ্কাৰ মহাশয়ে এই ব্যাকৰণখানি ৰচনা কৰি তেঁওৰ ছাত্ৰবিলাকক শিক্ষা দিছিল। ইয়াক ময় পঢ়ি চালোঁ। সংস্কৃত ভাষাৰ ব্যাকৰণ অবলম্বন কৰি ইয়াক ৰচনা কৰা হ'লেও সেই ভাষাৰ নিয়ম আমাৰ ভাষাত যিমান চলিছে তিমা-নহে ইহাত সংক্ষেপে আছে। আৰু আমাৰ অস-মীয়া ব্যাকৰণত থাকিব লগীয়া প্ৰায় সকলো নিয়ম ইয়াত আছে। ইহাৰ দ্বাৰা আমাৰ ভাষা শিকি-বলৈ অনেক সাহায্য হব যেন আশা কৰি ময় বৰ সন্তোষ পাইছোঁ আৰু গ্ৰন্থকৰ্ত্তাৰ অভিপ্ৰায় অনু-সাৰে ইয়াক মুদ্ৰিত কৰিলোঁ। এতিয়া আমাৰ দেশৰ ল'ৰা চোৱালী বিলাকৰ ইয়াৰ পৰা উপ-কাৰ হ'লেই আশা সফল হোৱাৰ সন্তোষ লভিব পাৰিম। নগাঁও জিলাৰ শিক্ষাবিভাগৰ ডিষ্ট্ৰিক্ট কমিটিয়েও এই পুথিক পঢ়াশালিত পঢ়িব লগীয়া বুলি অভিমত প্ৰকাশ কৰিছে।

পৰিশেষে এই কওঁ যে, এই পুথী ময় মুদ্রিত কৰিলোঁ হয়, কিন্তু ইয়াৰ স্বত্ব গ্রন্থকৰ্ত্তাৰেই আছে ইতি।

অসম-নগাঁও
শক ১৮৯৬; ১লা বৈশাখ } শ্রীগুণাভিৰাম শৰ্ম্মা।

---

## চতুৰ্থবাৰৰ বিজ্ঞাপন।

এই মুদ্রাঙ্কণত ইয়াক অনেক বৰ্দ্ধিত কৰা হ'ল।

শ্রীদীনবন্ধু শৰ্ম্মা।

---

অসমীয়া ল'ৰাৰ

# ব্যাকৰণ।

## ভাষা।

মানুহে যি যি স্পষ্ট শব্দ কৰি মনৰ ভাৱ প্ৰকাশ কৰে; তাৰ নাম ভাষা।

## ব্যাকৰণ।

ভাষা শুদ্ধকৈ লিখা পঢ়া কৰিবলৈ আৰু ভাল ৰূপে বুঝিবলৈ যি যি নিয়ম কৰা যায়, তাৰ নাম ব্যাকৰণ।

দূৰৈৰ মানুহক কথা কই মনৰ ভাৱ জনাব নোৱাৰি আৰু বহুদিন হ'লে মনতো নেথাকে, এই কাৰণে ভাষা লিখা যায়; যি যি চিহ্নেৰে লিখা যায়, তাৰ নাম বর্ণ বা আখৰ। অসমীয়া ভাষাত এই কেইটা আখৰৰ ব্যৱহাৰ আছে। যথা;—অ আ ই ঈ উ ঊ ঋ ৠ ঌ ৡ এ ঐ ও ঔ অং অঃ।

ক খ গ ঘ ঙ। চ ছ জ ঝ ঞ। ট ঠ ড ঢ ণ। ত থ দ ধ ন। প ফ ব ভ ম। য ৰ ল ৱ শ ষ স হ ক্ষ।

ইয়াৰ অকে আদি কৰি ঔলৈকে বৰ্ণ কেইটা আপুনি উচ্চাৰিত হব পাৰে দেখি তাক স্বৰবৰ্ণ আৰু আন বিলাক স্বৰৰ সহায় নোহোৱাকৈ উচ্চাৰিত হব নোৱাৰে দেখি সেই বিলাকক ব্যঞ্জনবৰ্ণ বোলে।

সেই স্বৰৰ অ ই উ ঋ ঌ এই কেইটা হ্ৰস্ব, আন কেইটা দীৰ্ঘ। উচ্চাৰণৰ কাল অনুসাৰে হ্ৰস্ব আৰু দীৰ্ঘ বোলা যায়। অং আৰু অঃ এই দুইটী স্বৰ ন হয়, কেৱল অনুস্বাৰ আৰু বিসৰ্গৰ উচ্চাৰণ কৰিবলৈ ব্যৱহাৰ কৰা গ'ইছে। এই অনুস্বাৰ আৰু বিসৰ্গৰ আন স্বৰৰ পাছেও উচ্চাৰণ হয়। ক্ষ আপুনি এটা আখৰ ন হয়। ক আৰু ষ যুক্ত হই হইছে। ড আৰু ঢ কঠিনৰূপে উচ্চাৰণ হ'লে ড় আৰু ঢ় হয়। য় য বৰ্ণৰ আন প্ৰকাৰৰ উচ্চাৰণ হোৱা বৰ্ণ। ँ চন্দ্ৰবিন্দু নিজে কোনো বৰ্ণ ন হয়, আন বৰ্ণৰ লগত থাকিলে তাক নাকেৰে উচ্চাৰণ কৰিব লগা বুঝায়।

ব্যঞ্জনবৰ্ণৰ ক আদি মলৈকে পাঁচটা এ পাঁচটা এ এটা এটা বৰ্গ হয়। যেনে; ক খ গ ঘ ঙ এই পাঁচটা কবৰ্গ, চ ছ জ ঝ ঞ চবৰ্গ, ট ঠ ড ঢ ণ

টবর্গ, ত থ দ ধ ন তবর্গ, প ফ ব ভ ম পবর্গ। য ৰ ল ৱ এই কেইটাক অন্তঃস্থ বর্ণ বোলে।

যি যি আখৰ বর্গৰ যি ঠাইত আছে, সেই অনুসাৰেও সিবিলাকৰ নাম হয়। যেনে; কবর্গৰ প্রথম বর্ণ বুলিলে ক, দ্বিতীয় বুলিলে খ, তৃতীয় বুলিলে গ, চতুর্থ ঘ, পঞ্চম ঙ বুঝায়। এই দৰে আন আন বর্গবো জানিবা।

## বর্ণৰ উচ্চাৰণৰ ঠাই।

আগত কোৱা বর্ণ বিলাক কণ্ঠ ( ডিঙ্গি ) জিহ্বামূল, তালু, মূর্দ্ধা ( মূৰ ) দন্ত ( দাঁত ) আৰু ওষ্ঠ ( ওঁঠ ) এই কেই ঠাইৰ পৰা উচ্চাৰণ হয়। যি ঠাইৰ পৰা যিটোৰ উচ্চাৰণ হয় সেই ঠাইৰ নাম অনুসাৰেও তাৰ এটা নাম হ'ই থাকে। যেনে কণ্ঠৰ পৰা যাৰ উচ্চাৰণ সি কণ্ঠ্য, তালুৰ পৰা যাৰ উচ্চাৰণ সি তালব্য ইত্যাদি।

যি ঠাইৰ পৰা যি আখৰৰ উচ্চাৰণ আৰু সেই দেখি যাৰ যি নাম হইছে, তাক তলত লিখা গ'ল।

---

* অসমীয়া ভাষাৰ মূল সংস্কৃত; সংস্কৃতৰ বর্ণমালা হে ইয়াৰ বর্ণমালা, সেই দেখি সংস্কৃতৰ দৰে ইয়াৰ উচ্চাৰণ লিখা গ'ল। কিন্তু অসমীয়াৰ দৰে, কিছু লৰ চৰ হয়।

অ আ হ এই তিনটাৰ উচ্চাৰণৰ ঠাই কণ্ঠ, এই দেখি এই বিলাকক কণ্ঠ্য বর্ণ বোলে

ক খ গ ঘ ঙ এই পাঁচটাৰ উচ্চাৰণৰ ঠাই জিহ্বামূল, এই নিমিত্তে এই কেইটাক জিহ্বা-মূলীয় বর্ণ বোলে।

ই ঈ চ ছ জ ঝ ঞ য শ এই বিলাকৰ উচ্চা-ৰণৰ স্থান তালু, এই হেতুকে এই কেইটাক তালব্য বর্ণ বোলে।

ঋ ৠ ট ঠ ড ঢ ণ ৰ য এই বর্ণ কেইটাৰ উচ্চা-ৰণ মূৰ্দ্ধা অর্থাৎ মূৰৰ পৰা হয় দেখি এই বিলাকক মূৰ্দ্ধন্য বর্ণ বোলে।

ঌ ৡ ত থ দ ধ ন ল স এই বিলাকৰ উচ্চাৰণৰ ঠাই দন্ত, সেই নিমিত্তে এই কেইটাক দন্ত্য বর্ণ বোলে।

উ ঊ প ফ ব ভ ম এই কেইটাৰ উচ্চাৰণৰ ঠাই ওষ্ঠ, সেই হেতুকে এই বিলাকক ওষ্ঠ্যবর্ণ বোলে।

ও ঔ এই দুইটাৰ উচ্চাৰণ কণ্ঠ আৰু ওষ্ঠৰ পৰা হয় দেখি এই দুটাক কণ্ঠৌষ্ঠ্য বর্ণ বোলে।

এ ঐ এই দুই বর্ণৰ উচ্চাৰণৰ ঠাই কণ্ঠ আৰু তালু, সেই দেখি এই দুটাক কণ্ঠতালব্য বর্ণ বোলে।

ৱ বৰ্ণৰ উচ্চাৰণ দন্ত আৰু ওষ্ঠৰ পৰা হয় দেখি ইয়াক দন্তৌষ্ঠ্য বৰ্ণ বোলে।

নাসিকাৰ সহায় নহলে ং ঙ ঞ ণ ন ম উচ্চাৰিত হব নোৱাৰে দেখি এই বিলাকক অনুনাসিক বৰ্ণ বেলে।

বিসৰ্গৰ উচ্চাৰণৰ কোন নিৰ্দ্দিষ্ট ঠাই নাই; যি স্বৰৰ পাছত থাকে, তাৰ উচ্চাৰণৰ ঠাইহে বিসৰ্গৰ উচ্চাৰণৰ ঠাই।

সকলো বৰ্গৰ প্ৰথম আৰু তৃতীয় বৰ্ণক অল্প প্ৰাণ এবং দ্বিতীয় আৰু চতুৰ্থ বৰ্ণক মহাপ্ৰাণ বৰ্ণ বোলে। অল্প প্ৰাণ বৰ্ণৰ উচ্চাৰণ কোমল আৰু মহাপ্ৰাণ বৰ্ণৰ উচ্চাৰণ কঠিন। ক, গ, চ, জ, ট, ড, ত, দ, প ও ব এই বিলাক অল্পপ্ৰাণ বৰ্ণ, আৰু খ, ঘ, ছ, ঝ,*ঠ, ঢ, থ, ধ, ফ আৰু ভ এই বিলাক মহাপ্ৰাণ বৰ্ণ।

অসমীয়া ভাষাত অকাৰৰ দুবিধ উচ্চাৰণ হয়। তাৰ এবিধ কণ্ঠ, এবিধ কণ্ঠৌষ্ঠ্য। মৰা ( মৃত-অৰ্থত্ ) মহ ( মশক অৰ্থত্ ) ইত্যাদি ঠাইত কণ্ঠ্য উচ্চাৰণ আৰু ম'ৰা ( ময়ূৰ অৰ্থত্ ) ম'হ ( মহিষ

---

* ঝৰ উচ্চাৰণ প্ৰায় অল্প প্ৰাণ বৰ্ণৰ দৰে হয়।

অৰ্থত্ ) ল'ৰা য'ত ইত্যাদি ঠাইত কণ্ঠৌষ্ঠ উচ্চা-ৰণ। যি ঠাইত কণ্ঠৌষ্ঠ্য উচ্চাৰণ হয়, ত'তে অকাৰৰ ওপৰতে (,) এনে কামাৰ নিচিনা এটা চিন দিব লাগে।

যদিও শ, ষ, স এই তিন আখৰৰ উচ্চাৰণৰ ঠাই বেলেগ বেলেগ বুলি লিখা হ'ইছে কিন্তু চলতি ভাষায় হ'লে এই তিনটাৰ উচ্চাৰণ একে ঠাইৰ প-া অৰ্থাৎ কেৱল মুৰৰ পৰাহে হয় যেনে, শৰণ, আকাশ, সকলো সময় ইত্যাদি। ষ ৰ উচ্চা-ৰণ কঠিন ৰূপে হয়, যেনে; ভাষা, বিষয়া, ইত্যাদি। কিন্তু ব্যঞ্জনবৰ্ণ আৰু ঋবৰ্ণেৰে সৈতে যুক্ত হ'লে এই বিলাকৰ উচ্চাৰণ প্ৰায় তালুৰ পৰা হয়। যেনে; ঈশ্বৰ, বিশৃঙ্খলা, বিষ্ণু, কৃষ্ণ, বিস্ময় ও বিস্মৃতি ইত্যাদি।

ভিন্ন দেশীয়, ভাষাত থাকিলে অনেক ঠাইত এই বিলাক আখৰৰ উচ্চাৰণ কোনো কোনো অল্পপ্ৰাণ তালব্য বৰ্ণৰ ( চ ) দৰে হয়। * যেনে; সাহাব, মুন্সি, ৰুশিয়া, ইত্যাদি। কোনো

---

* হোৱা, যোৱা, নকৰা প্ৰভৃতি এনে কেতবিলাক কথা আছে যাৰ উচ্চাৰণ এই বৰ্ণমালাৰ আখৰেৰে সৈতে নিমিলে। সেই

কোন ঠাইত আপোন উচ্চাৰণ নেৰেয়ো।
যেনে; সদৰ আমিন, শমন, ইত্যাদি।

## পদপ্রকৰণ।

এটা কি অধিক আখৰ যোগ হই কোনো অর্থ প্রকাশ কৰিলে তাক পদ বা কথা বোলে। যথা; অ+ক্+অ+ল্+অ=অকল। আ+ম্+ই= আমি। প্+উ+স্+ত্+অ+ক্+অ=পুস্তক।†

সেই পদেই পাঁচপ্রকাৰ যেনে; বিশেষ্য, বিশেষণ, সর্ব্বনাম, অব্যয় আৰু ক্রিয়া।

---

দেখি কোনোয়ে হোয়া, যোয়া বৰুয়া আক কোনোয়ে, হোৱা যোৱা, বৰুৱা এনেকৈ লিখে। অল্পমনদি শুনিলে বুঝিব পাৰি যে, ইহাৰ ক'তো উপান্ত্যবর্ণ উচ্চাৰণ ঠিক হোৱা নাই। বেয়া দিয়া কদতোয়া প্রভৃতি কথাত উপান্ত্যবর্ণৰ (য়ৰ) যেনে উচ্চাৰণ, যোয়া হোয়া বৰুয়া লিখিলে য়ৰ উচ্চাৰণ তেনে নহয়। পক্ষান্তৰে জীৱন বাৱহাৰ প্রভৃতি কথাত য়ৰ উচ্চাৰণ যিঠাইৰ পৰা হয়, হোৱা যোৱা বৰুৱা লিখিলে ৱৰ উচ্চাৰণ সেই ঠাইৰ পৰা নহয়। সুতৰাং এই বর্ণমালাৰ যেনে উচ্চাৰণ প্রসিদ্ধ আছে তাকে ঠিক ৰাখি আমি এই বিলাক কথা লিখিব নোৱাৰি। এতেকে আমি সেই বিচাৰৰফালে নগই পুৰণি পুথীত যেনে বর্ণ বিন্যাস আছে, তাকে ঠিক ৰাখিলোঁ। প্রায় ১০০ বছৰৰ পুৰণি পুথীত কোৱা যোৱা এনে কুৱা বর্ণবিন্যাস দেখা হইছে।

† এই দৰে কথাৰ আখৰ বোৰ বেলেগ বেলেগ কৰি দেখুৱাৰ নাম বর্ণবিন্যাস বা নাম থৰি।

## বিশেষ্য।

জাতি, গুণ, দ্রব্য, নাম আৰু ক্রিয়া বুঝোৱা পদ বিলালক বিশেষ্য পদ বোলে। যেনে; মানুহ, গৰু, বামুণ, কলিতা, ইংৰাজ, মান; দুষ্টালি, নৈপুণ্য; জল, মাটী; শিৱৰাম, তেজপূৰ, আসাম; দেখা, শুনা গমন, ইত্যাদি।

বিশেষ্য পদৰ লিঙ্গ, সংখ্যা আৰু কাৰক আছে।

## লিঙ্গ।

লিঙ্গ তিনি প্রকাৰ। পুংলিঙ্গ, স্ত্রীলিঙ্গ আৰু ক্লীবলিঙ্গ।

মুনিহ বুঝোৱা পদবিলাকক পুংলিঙ্গ, তিৰোতা বুঝোৱা পদবিলাক স্ত্রীলিঙ্গ আৰু তাত বাজে আন আন পদবিলাকক ক্লীবলিঙ্গ বোলে। পুংলিঙ্গ শব্দ যেনে; মানুহ, পশু, চন্দ্র, গছ, ঘোৰা, হাতী ইত্যাদি।

স্ত্রীলিঙ্গ শব্দ যেনে; তিৰোতা, বৌ, লতা, পেহী ইত্যাদি। * ক্লীবলিঙ্গ শব্দ যেনে; জল, মন ইত্যাদি।

---

* স্ত্রীলিঙ্গৰ বিষয় বিশেষকৈ পাছত হব।

## বচন।

কোনো শব্দে যেতিয়া এটাক বুঝায় তেতিয়া একবচন, আৰু যেতিয়া সৰহ বুঝায়, তেতিয়া বহু-বচন বোলে। "দেৱতাই দেখ'ক, সোণায়ে মোৰ পুথীখন নিলে" এনে বুলিলে এটা মানুহে দেখা আৰু এটা মানুহে এজনৰ এখন পুথী নিয়াহে জানিলোঁ, এতেকে দেৱতাই, সোণায়ে, মোৰ আৰু পুথী এই আটাইটি একবচনৰ পদ। কিন্তু "দেৱতা সকলে দেখ'ক, সোণাইহঁতে আমাৰ পুথীবিলাক নিলে" এনে বুলিলে অনেকৰ দেখা আৰু অনেকৰ অনেক পুথী নিয়াহে বুঝায়, এই হেতুকে দেৱতা সকলে সোণাইহঁত, আমাৰ আৰু পুথীবিলাক এই আটাইটি বহুবচনৰ পদ। বহুবচনৰ হলে সকল, বিলাক, বোৰ, হঁত আদি কৰি শব্দ যোগ হয়।

## পুৰুষ।

পুৰুষ তিন প্ৰকাৰ। যথা; প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষ আৰু তৃতীয় পুৰুষ। ময় প্ৰথম পুৰুষ, তুমি বা তয় দ্বিতীয় পুৰুষ, ইয়াত বাজে আটাইবোৰ তৃতীয় পুৰুষ।

# কাৰক।

ক্রিয়াৰে সৈতে যাৰ সম্বন্ধ থাকে তাৰ নাম কাৰক। সেই কাৰকেই ছয় প্রকাৰ। যেনে; কর্ত্তা, কর্ম্ম, কৰণ, সম্প্রদান, অপাদান, অধিকৰণ।

## কর্ত্তাকাৰক।

যি কৰে সি কর্ত্তাকাৰক, কর্ত্তাকাৰকত এ, যে আৰু ই যোগ হয়; আৰু কোনো কোনো শব্দ এনেই থাকে। যথা;—মানুহে কলে, গৰুয়ে খালে, তাই দেখিছিল, বেলি উঠিছে, পানী পৰিছে। ইয়াত মানুহে, গৰুয়ে, তাই, বেলি আৰু পানী কর্ত্তাকাৰক।

## কর্ম্মকাৰক।

ক্রিয়াৰ ফল য'ত ফলে অর্থাৎ যি দেখা যায়, কৰা যায়, থোৱা যায় প্রভৃতিক কর্ম্ম বোলে কর্ম্মপদত ক আৰু কে যুক্ত হয়; কেতবিলাক বা এনেই থাকে। যেনে; তয় হৰিক মাতি আন গই। সি ল'ৰাবিলাকক পঢ়াব। ময় ম'হটকো বান্ধিলোঁ। গ'ৰুয়ে ধান বোৰ খালে। সাহেবে বাঘ মাৰিলে। ইয়াত হৰিক, ল'ৰাবিলাকক, ম'হটক, ধান বোৰ আৰু বাঘ কর্ম্মপদ।

কোনো কোনো ক্রিয়াৰ দুটা দুটাকৈ কৰ্ম্মপদ থাকে। যেনে; আজি পণ্ডিতে মোক এই পুথী-থন পঢ়ালে। বাইয়ে তাক ভাত খুৱাইছে। ময় জীবঁৰামক এই কথা কলোঁ ইত্যাদি। এই বিলা-কক দ্বিকৰ্ম্মক ক্রিয়া বোলে।

## কৰণকাৰক।

কৰ্ত্তাই যাৰে ক্রিয়া কৰে, তাক কৰণকাৰক বোলে। কৰণকাৰকত ৰে, দি, দ্বাৰা, কৰ্ত্তৃক প্রভৃতি শব্দযোগ হয়। যেনে; কাপ্টো ভৰিৰে ভাঙ্গিলে। তঁহতে জাঠিৰে কুকুৰটোক মাৰিলি, ইক। বিদ্যাদ্বাৰা বৰ উপকাৰ হয়। ইয়াত ভৰিৰে, জাঠিৰে, বিদ্যাদ্বাৰা কৰণপদ।

## সম্প্রদানকাৰক

যাক দিয়া যায় বা দিবলৈ মন হয়, তাক সম্প্র-দানকাৰক বোলে। সম্প্রদানকাৰকত ক যোগ হয়, যথা; বামুণক দক্ষিণা দিয়া। ময় কণাটোক এখন ফটা কাপৰ দিম। যদি থাকিলহেঁতেন তেনে হলে তঁহতক কেইটা মান বগৰি দিলোঁহেঁতেন; ইয়াত বামুণক, কণাটোক, তহঁতক সম্প্রদান-পদ। *

* কোতিয়া বা সম্প্রদানত লৈ যোগ হয়। যেনে; বামুণক দিয়া কুকুৰলৈ দিয়া ইত্যাদি।

## অপাদান-কাৰক।

যাৰ বা য'ৰ পৰা যোৱা আৰু লোৱা যায়, নাইবা ভয় পোৱা হয়, তাক অপাদান-কাৰক বোলে। অপাদানকাৰকত পৰা শব্দ কেতিয়া বা হন্তে শব্দ যোগ হয়। যেনে; হাতৰ পৰা কাপটো পৰিল। মিনাইয়ে ঘৰৰ পৰা ওলাই গ'ল। গছৰ পৰা ফুল আনিলোঁ। ন'ইৰ পৰা পানী আন গই। বতাহৰ পৰাহে ভয় খালোঁ। বৃক্ষ হন্তে ফল পৰে ইত্যাদি।

## অধিকৰণ।

যি ক্রিয়াৰ আধাৰ হয়, তাক অধিকৰণকাৰক বোলে। অধিকৰণকাৰকত ত, তে, আৰু এ যোগ হয়। যথা; পথাৰত ধান হইছে। গছত ফুল ফুলিছে। দুষ্ট ল'ৰাই ধেমালিতহে ৰঙ্গ পায়। বাটতে দেখিলোঁ। আদিতে কেইটিমান উপদেশ দিওঁ, তাতে ৰামে উত্তৰ দিলে, অধ্যাপকৰ ঘাটে পানী আনিবলৈ যাম।

ইয়াত বাজে সম্বন্ধ, সম্বোধন, হেতুবাচক আদি কৰি কেতবিলাক পদ আছে, কিন্তু সেই বোৰক কাৰক নোবোলে।

### সম্বন্ধ ।

আই, বোপাই, মিতিৰ আদি কৰি সম্পৰ্ক, অধিকাৰ, অংশ আৰু বিকাৰ আদি বুঝোৱা পদ-বিলাকক সম্বন্ধ পদ বোলে। সম্বন্ধপদত ৰ যুক্ত হয়। যথা ; গোলাপীৰ জি এক, মেধিৰ পুতেক, মনুৰ সখি, ভূৰামৰ পুথীখন, ৰজাৰ ৰাজ্য, গছৰ পাত, কাপৰৰ দহি, সোণৰ কৰিয়া ইত্যাদি।

### সম্বোধন ।

যি পদে মতা বা আহ্বান কৰা বুঝায় তাক সম্বোধন পদ বোলে। সম্বোদন পদৰ আগত হে, অ, এ, ও, ঐ, হেৰা, হেৰ আদি কৰি কেইবাটা শব্দযোগ হ'ই থাকে। যেনে ; হে সমাজিক লোক ! অবাপু দেউ ! এ আই ! ও দেৱতা ! হেৰা মানুহটি ! হেৰ লালুওঁহঁত ! ইত্যাদি কেতিয়া বা এনেকুৱা শব্দৰ যোগ ন হয়ো। যেনে ; বুপাইটি শুনাচোন ! বাই ! মোৰ ভোক লাগিছে ইত্যাদি

### হেতুবাচক পদ ।

নিমিত্তে, হেতু, কাৰণ আদি কেতবিলাক শব্দ যিহেতু বুঝায় তাক হেতুবাচক পদ বোলে। ইহাতে কাৰকাদিৰ চিহ্ন নে থাকে।

## শব্দৰূপ।

তলত কিছুমান শব্দৰূপ দিয়া হ'ল; ইহাক ভালকৈ বুঝিব পাৰিলে আন আন শব্দৰ ৰূপ কৰিবলৈকো কঠিন ন হব।

### মানুহ শব্দ।

| কাৰক। | একবচন। | বহুবচন। |
|---|---|---|
| কর্ত্তা | মানুহে | মানুহ বিলাকে। |
| কর্ম্ম | মানুহক | মানুহ বিলাকক। |
| কৰণ | মানুহেৰে | মানুহ বিলাকেৰে। |
| সম্প্রদান | মানুহক | মানুহ বিলাকক। |
| অপাদান | মানুৰ পৰা | মানুহ বিলাকৰ পৰা। |
| অধিকৰণ | মানুহত | মানুহ বিলাকত। |
| সম্বন্ধ | মানুহৰ | মানুহ বিলাকৰ। |
| সম্বোধন | হেৰ মানুহটো! | হেৰ মানুহ বিলাকক। |

### ল'ৰা শব্দ।

| | | |
|---|---|---|
| কর্ত্তা | ল'ৰাই | ল'ৰাবোৰে। |
| কর্ম্ম | ল'ৰাক | ল'ৰাবোৰক। |
| কৰণ | ল'ৰাৰে | ল'ৰাবোৰেৰে। |
| সম্প্রদান | ল'ৰাক | ল'ৰাবোৰক। |
| অপাদান | ল'ৰাৰ পৰা | ল'ৰাবোৰৰ পৰা। |
| অধিকৰণ | ল'ৰাতে | ল'ৰাবোৰতে। |
| সম্বন্ধ | ল'ৰাৰ | ল'ৰাবোৰৰ। |
| সম্বোধন | হেৰ ল'ৰা। | হেৰল'ৰা বোৰ। |

আন আন শব্দৰো ৰূপ প্ৰায় এই দৰেই হয়। অতি মান্য বুঝালে সকল শব্দ আৰু অমান্য হলে হঁত শব্দ যোগ হয়, যথা ডাঙ্গৰীয়া সকলে আজ্ঞা কৰিলে। মিকিৰ হঁতে গ'ল ইত্যাদি।

## বিশেষণ।

যি পদে কাৰো, গুণ, দোষ, অবস্থা, আৰু ক্ৰিয়া-বুঝায়, তাক বিশেষণ পদ বোলে। গোপাল বিদ্যাৱন্ত, সুৰদেৱ জ্ঞানী, ল'ৰাটো বৰ দুষ্ট, চোৱালি জনী সুৱনী। ডেকা মানুহ, ৰঙ্গা চুৰিয়া, কণা কুকুৰ, দুখীয়া, খাওঁতা ইত্যাদি। ইয়াত বিদ্যাৱন্ত, জ্ঞানী, বৰ, দুষ্ট, সুৱনী, ডেকা, ৰঙ্গা; কণা, দুখীয়া, খাওঁতা এই বিলাক বিশেষণ পদ।

ক্ৰিয়াৰ গুণ বা অৱস্থা বুঝোবা পদ বিলাকক ক্ৰিয়াবিশেষণ পদ বোলে। ক্ৰিয়া বিশেষণ পদৰ পাছত কৈ, এ, ৰে, ৰূপে ইত্যাদি যুক্ত থাকে। যেনে খৰকৈ নেলেখিবা। ভালেৰে থাকিবা। সুন্দৰৰূপে চাবা। শীঘ্ৰে অহিবা ইত্যাদি।

## সৰ্ব্বনাম।

যি, সি, এই, কোন, তয়, সৌ, ঐ * আদি কৰি কেতবিলাক শব্দক সৰ্ব্বনাম বোলে।

* সৌ আৰু ঐ শব্দৰ প্ৰয়োগ এনে ন হয়, এই দুই শব্দ

বিশেষ্য পদৰ নিচিনা সৰ্ব্বনামবো লিঙ্গ, সংখ্যা আরু কাৰক আছে। আরু ভিন্ন ভিন্ন কাৰকত ভিন্ন ভিন্ন রূপ হয়। তাৰ বিবৰণ তলত লিখা গ'ল।

## কৰ্ত্তাকাৰক।

### মান্য অর্থত।

| মূলশব্দ | একবচন | বহুবচন |
|---|---|---|
| যি | যি, যোনে, যেয়ে | যি বিলাকে, যি সকলে |
| সি | তেঁও | তেঁও বিলাকে, |
| এই | এঁও | এঁও বিলাকে |
| কোন্ | কোনে, কেৱে | কোন বিলাকে কেও বিলাকে |
| তয় | তুমি তোৰা | তোমা বিলাকে তোমা লাকে, তোমা সকলে তোৰা সবে |
| ময় | ময় | আমি আমাসকলে আমা লোকে |
| আপোন | আপুনি | আপোনা সকলে, আপোনালোকে |

---

বিশেষণৰ দৰে আন শব্দৰ আগত হে থাকে। যথা ; সৌ গছ জোপা, সৌটা নো ক'ৰ মানুহ ? ঐ ৰকম, ঐ মানুহটো নো কোন ? সি শব্দৰ ঠাইত কেতিয়া বা সেই হয়। যেনে ; সেই কথা সেই ঘৰ।

## অমান্য অৰ্থত।

| মূলশব্দ | একবচন | বহুবচন |
|---|---|---|
| যি | যি | যিহঁতে, যি বোৰে |
| সি | সি | সিহঁতে |
| এই | এই, ই | এই বিলাকে ইহঁতে |
| কোন্ | কোনে, কেৱে, | কোনবিলাক, কেতবিলাক |
| তয় | তয় | তহঁতে |
| ময় | মৰ | আমি |
| আপোন | • | • |

## অন্যকাৰকত ॥

### মান্য অৰ্থত।

| মূলশব্দ | একবচন | বহুবচন |
|---|---|---|
| যি | যাক | যি বিলাকক যি সকলক |
| সি | তেঁওক | তেঁও বিলাকক |
| এই | এওঁক | এওঁ বিলাকক, এই বিলাকক |
| কোন্ | কাক | কোন বিলাকক, কেতবিলাকক |
| তয় | তোমাক, তেঁৰাক | তোমা বিলাকক, তোমালোকক, তোমা সকলক তেঁৰা সকলক |
| ময় | মোক | আমাক, আমাসকলক, আমালোকক |
| আপোন | আপনাক | আপোনা সকলক আপোনা লোকক |

## অন্যান্য অৰ্থত ।

| মুলশব্দ | একবচন | বহুবচন |
| --- | --- | --- |
| যি | যাক | যিহঁতক, যি বোৰক |
| সি | তাক | সিহঁতক |
| এই | ইয়াক | ইহঁতক, এই বিলাকক |
| কোন | কাক | কোন বিলাকক, কেত বিলাকক |
| তয় | তোক | তহঁতক |
| ময় | মোক | আমাক, আমাবিলাকক |
| আপোন | * | * |

ওপৰত কেৱল কৰ্ত্তা আৰু কৰ্ম্মকাৰকৰ ৰূপ দিয়া হল, অন্য অন্য কাৰকৰ চিহ্ন যোগ হলেও এই দৰেই ৰূপ হব।

## অব্যয়।

যি শব্দ সদাই একৰূপ হ'ই থাকে' বেলেগ বেলেগ ৰূপ ন হয়, সেই বিলাকক অব্যয় শব্দ বোলে। অব্যয় পদৰ লিঙ্গ, সংখ্যা আৰু কাৰক একো নাই। যেনে; আৰু, ও, ঐ, এবং, তেন্তে, যথা, তথা, সৈতে, দৰে, নাইবা, না, নি, নে, নো, হুনু, যদি, কিন্তু, ইতি, নিমিত্তে, অতএব, এতেকে, কিয়নো, হা, আহা, হায়, হায়, উঃ, আঃ, ইঃ, অ,

ইত্যাদি। প্র, পৰা, অপ, সং, অনু, অব, নিৰ, দূৰ, অভি, অপি, বি, অধি, সু, উৎ, অতি, নি, প্রতি, পৰি, উপ, আ। এই প্র আদি কৰি কুৰি-টাক উপসর্গ বোলে।

যি শব্দ আন এটা শব্দৰ অনুরূপ হয়, তাক-অনুরূপ অব্যয় বোলা যায়। যথা; মৰ, মৰ ধূপ্ ধূপ্, থপ্ থপ্, ইত্যাদি।

## ক্রিয়া।

যি যি কথাই কাৰো কোনো কার্য্য কৰা বুঝায় সেই বিলাকক ক্রিয়াপদ বোলে। সেই ক্রিয়া পদেই দুবিধ। যথা; সমাপিকা আৰু অসমাপিকা। যি ক্রিয়াপদে বাক্য শেষ বা সমাপ্ত হোৱা বুঝায় তাক সমাপিকা আৰু যি পদে সেইরূপ নুবুঝায় তাক অসমাপিকা ক্রিয়া বোলে। যেনে, দেখিলো, পড়িছোঁ, দিম ইত্যাদি সমাপিকা ক্রিয়া। দেখি, পঢ়ি, যাওঁতে, গলত, ইত্যাদি অসমাপিকা ক্রিয়া।

সেই ক্রিয়া আকৌ দুবিধ। সকর্ম্মক আৰু অকর্ম্মক। কর্ম্মপদ ন হলে যি ক্রিয়াৰ অর্থ ভাল কৈ বুঝিব নোৱাৰি তাক সকর্ম্মক আৰু যি ক্রিয়াৰ কর্ম্ম পদৰ আবশ্যক ন হয়, তাক অকর্ম্মক ক্রিয়া

বোলে। যথা ; মহীৰামে ভাত খালে, এইটো সকর্ম্মক আৰু মহীৰাম শুলে, এইটো অকর্ম্মক ক্রিয়া।

সমাপিকা ক্রিয়াৰ প্রথম, দ্বিতীয়, তৃতীয় এই তিন পুরুষ আছে। যথা ;—প্রথম পুরুষে, ময় দেখিছোঁ। দ্বিতীয় পুরুষে তুমি দেখিছা। তৃতীয় পুরুষে, সি দেখিছে। ময় দিম, তুমি দিবা বা তয় দিবি, তেঁও দিব বা সি দিব ইত্যাদি। এই দৰে আটাই বোৰ ধাতুৰেই ভিন্ন ভিন্ন পুরুষে বেলেগ বেলেগ রূপ হব।

বিশেষ্য পদৰ দৰে ক্রিয়াৰো এক বচন, বহু বচন আছে। কর্ত্তা এক বচনৰ হলে ক্রিয়াও এক বচনৰ হয়, কর্ত্তা বহু বচনৰ হলে ক্রিয়া পদো বহু বচনৰহে হয়, বহুবচনৰ চিন হক শব্দ যথা ;—এক বচন, ময় দেখিছো। বহুবচন, আমি দেখিছোঁহক। এক বচন তয় পঢ়িলি। বহুবচন, তঁহতে পঢিলি হঁক।*

কিন্তু তৃতীয় পুরুষৰ ক্রিয়া হ'লে তেনে রূপভেদ ন হয়। যথা ;—একবচন ৰমাই দেখিলে বহুবচন ৰমাইহঁতে দেখিলে ইত্যাদি।

---

* কেতিয়া বা কর্ত্তা বহুবচনৰ হলেও ভাৰ ক্রিয়াৰ রূপ এক বচনৰ দৰে হয় যেনে ; আমি খাইছো তঁহতে পঢ়িছনে ?

## কাল।

ক্রিয়াৰ কাল তিন প্ৰকাৰ। যথা ;—অতীত-কাল, বৰ্ত্তমানকাল আৰু ভবিষ্যৎকাল। যি ক্রিয়া সমাপ্ত হই গ'ল তাৰ কালক অতীতকাল, যি ক্রিয়া আৰম্ভ হ'ইছে শেষ হোৱা নাই তাৰ কালক বৰ্ত্তমানকাল আৰু যি ক্রিয়া আৰম্ভ হোৱা নাই আগলৈ হ'ব তাৰ কালক ভবিষ্যৎকাল বোলে। অতীতকালৰ ক্রিয়া যথা ; ধৰিলে, ধৰিছিলা, ধৰিলেহেঁতেন। বৰ্ত্তমানকালৰ ক্রিয়া পদ-যেনে ; দেখিছোঁ দেখে। ভবিষ্যৎকালৰ ক্রিয়া যেনে ; পঢ়িম, দিব, খাব।

## যত্ব।

ই আদি কৰি স্বৰৰ আৰু ক আৰু ৰৰ পাছত থকা স ষ হয়। যথা ;—বিষম, নিষ্পাপ, পৰিষ্কাৰ, শুষ্ক, গ্ৰাম্ম ইত্যাদি। আৰু কোনো কোনো ঠাঁইত স, ষ নো হোৱাকৈও থাকে। যথা ;—বিসৰ্গ, বিস্বাদ, নিসৰ্গ ইত্যাদি।

টবৰ্গ আৰু ঞৰে সৈতে যোগ হ'লে সদাই ষ হয়। যেনে ;—স্পষ্ট, চেষ্টা, অষ্টম উষ্ণ, কৃষ্ণ, বিষ্ণু। ইত্যাদি।

## ণত্ব।

ঋ, ৠ, ৰ আৰু ষৰ পাছত থকা ন ণ হয়। যথা ;—তৃণ, পূর্ণ, তৃষ্ণা ইত্যাদি।

ঋ, ৠ, ৰ, ষ আৰু ন এই বিলাকৰ ভিতৰত স্বৰবর্ণ, কবর্গ, পবর্গ, আৰু য ৱ হৰ আঁতৰ থাকিলেও ন ণ হয়। যথা ;—কৃপণ, ৰামায়ণ, ভূষণ, ক্ষণ ইত্যাদি।

টবর্গেৰে সৈতে যোগ হ'লে সদাই ণ ব্যৱহাৰ হয়। যেনে ;—পণ্ডিত, ঘণ্টা, কুণ্ঠিত ইত্যাদি।

গৰ পাছত হ'লে প্রায় ণ ব্যৱহাৰ হয়। যেনে ;—গুণ, গুণক, গণ্য ইত্যাদি।

প আৰু কৰ পাছত হ'লে ও কেতিয়া বা ণ হয়। যেনে ; পুণ্য, নিপুণ, কোণ, কণা ইত্যাদি।

## সন্ধিপ্রকৰণ।

অকে আদি কৰি ৠলৈকে হ্রস্ব আৰু দীর্ঘ, দীর্ঘ আৰু হ্রস্ব দুই দুই বর্ণে সবর্ণ হয়। যথা ;—অ আ এক সবর্ণ। ই ঈ এক সবর্ণ। উ ঊ এক সবর্ণ। ঋ ৠ এক সবর্ণ। আ অ, অ অ, আ আ এই দবে থাকিলেও সবর্ণ হয়।

## সন্ধি।

দুই বৰ্ণৰ যোগ হোৱাৰ নাম সন্ধি, সেই সন্ধি দুই প্ৰকাৰ, স্বৰসন্ধি আৰু ব্যঞ্জন বা হলসন্ধি। স্বৰেৰে সৈতে স্বৰৰ যোগ হোৱাৰ নাম স্বৰসন্ধি আৰু ব্যঞ্জনেৰে সৈতে ব্যঞ্জনৰ নাইবা স্বৰৰ যোগ হোৱাৰ নাম ব্যঞ্জনসন্ধি। সন্ধি হওঁতে কেতিয়া বা কোনো বৰ্ণৰ লোপো হয়।

## স্বৰসন্ধি।

সবৰ্ণৰ পাছত সবৰ্ণ থাকিলে উভয়ে এক লগ হ'ই দীৰ্ঘ হয়; আৰু দীৰ্ঘ স্বৰ আগৰ আখৰেৰে সৈতে যোগ হয়। যেনে;—গুণ + অভিৰাম গুণাভিৰাম, দেৱ + আলয় দেৱালয়, তথা + অপি তথাপি, মহা+আশয় মহাশয়, প্ৰতি+ইতি প্ৰতীতি, ক্ষিতি + ঈশ্বৰ ক্ষিতীশ্বৰ, গৌৰী + ঈশ্বৰ গৌৰীশ্বৰ, গুৰু + উপদেশ গুৰূপদেশ ইত্যাদি।

অ আৰু আৰ পাছত ই বা ঈ থাকিলে দুয়ো মিলি এ হয় এ আগৰ আখৰেৰে সৈতে যোগ হয়। যেনে;—পৰম + ঈশ্বৰ পৰমেশ্বৰ, মহা + ইন্দ্ৰ মহেন্দ্ৰ, মহা + ঈশ মহেশ, গণ + ঈশ গণেশ।

অ আৰু আৰ পাছত উ বা ঊ থাকিলে দুয়ো মিলি ও হয়। ও আগৰ আখৰেৰে সৈতে যোগ হয়। যেনে; অৰুণ+উদয় অৰুণোদয়, পুৰুষ+উত্তম পুৰুষোত্তম, সূৰ্য্য+উদয় সূৰ্য্যোদয়, মহা+উৎকণ্ঠা মহোৎকণ্ঠা, মহা+উদয় মহোদয়।

অ আৰু আৰ পাছত এ বা ঐ থাকিলে দুয়ো মিলি ঐ হয়, ঐ আগৰ আখৰত যোগ হয়। যেনে; জন+এক জনৈক, মহা+ঐশ্বৰ্য্য মহৈশ্বৰ্য্য।

অ আৰু আৰ পাছত ও বা ঔ থাকিলে দুয়ো যোগ হ'ই ঔ হয়। ঔ আগৰ আখৰেৰে সৈতে যোগ হয়। যেনে;—মহা+ঔষধি মহৌষধি।

অ আৰু আৰ পাছত থকা ঋ ৰ হয়, ৰ পাছৰ আখৰত যোগ হয়, আৰু আগৰ আ অ হয়। কিন্তু ঋত শব্দ পাছত থাকিলে আগৰ অ আ হয়। যেনে;—দেব+ঋষি দেবৰ্ষি, মহা+ঋষি মহৰ্ষি, ক্ষুধা+ঋত ক্ষুধাৰ্ত্ত, শোক+ঋত শোকাৰ্ত্ত।

সবৰ্ণ নোহোৱা স্বৰ পাছত থাকিলে ই ঈ গুছি য, উ ঊ গুছি ৱ, আৰু ঋ ৠ গুছি ৰ হয়। যেনে; বি+অৱহাৰ ব্যৱহাৰ, অতি+অন্ত অত্যন্ত, পৰি+অন্ত পৰ্য্যন্ত, অভি+উত্থান উত্ত্যুত্থান,

অনু+এষণ অন্বেষণ, সু+আগত স্বাগত, পিতৃ+আলয় পিত্রালয়।

স্বৰৰ আগত থকা এ, ঐ ও, ঔ গুছি ক্ৰমে অয়্, আয়্, অৱ্, আৱ্, হয়। যেনে;—বিনে+অ বিনয়, নে+অন নয়ন, শে+অন শয়ন, নৈ+অক নায়ক, প্ৰসো+অ প্ৰসৱ, পো+অন পৱন, ভৌ+অ ভাৱ, ভৌ+উক ভাবুক।

ব্যঞ্জন সন্ধি।

চ আৰু ছৰ আগত থকা ত চ হয়। যেনে;—উৎ+চাৰণ উচ্চাৰণ, উৎ+ছিন্ন উচ্ছিন্ন।

ত, জৰ আগত থাকিলে জ, ডৰ আগত থাকিলে ড, নৰ আগত থাকিলে ন, লৰ আগত থাকিলে ল হয়। যেনে;—উৎ+জ্বল উজ্জ্বল, সৎ+জন সজ্জন, উৎ+ডীন উড্ডীন, জগৎ+নাথ জগন্নাথ, উৎ+নতি উন্নতি, উৎ+লেখ উল্লেখ, সৎ+লোক সল্লোক।

স্বৰবৰ্ণ, গ, ঘ, দ, ধ, ব, ভ, য ৰ আৰু ৱৰ আগত থকা কৰ ঠাঁইত গ, তৰ ঠাঁইত দ হয়। যেনে;—বাক্+ঈশ বাগীশ, উৎ+অয় উদয়,

তৎ+অন্ত তদন্ত, তৎ+গত তদ্গত, সৎ+বিদ্যা সদ্বিদ্যা, উৎ+ৰেক উদ্রেক।

ন আৰু মৰ আগত থকা কৰ ঠাঁইত ঙ, তৰ ঠাঁইত ন হয়। যথা ;—বাক্+ময় বাঙ্ময়, দিক্+মণ্ডল দিঙ্মণ্ডল, জগৎ+নাথ জগন্নাথ, উৎ+নতি উন্নতি।

তৰ পাছত হ থাকিলে ত আৰু হ গুছি দ্ধ হয়। যেনে ;—তৎ+হিত তদ্ধিত, তৎ+হেতু তদ্ধেতু।

ঃ ( বিসৰ্গৰ ) পাছত চ ছ থাকিলে শ, ত থ থাকিলে স হয়। যথা ;—নিঃ+চয় নিশ্চয়, শিৰঃ+ছেদন শিৰশ্চেদন, মনঃ+তাপ মনস্তাপ, নিঃ+তাৰ নিস্তাৰ।

দুই অকাৰৰ মাঝত হলে দুয়ো অকাৰেৰে সৈতেঃ ( বিসৰ্গৰ ) ঠাঁইত ও হয় আৰু ও আগৰ আখৰত যোগ হয়। যেনে ; মনঃ+অভীষ্ট মনোভীষ্ট, সদ্যঃ+অধিকাৰ সদ্যোধিকাৰ।

বৰ্গৰ তৃতীয়, চতুৰ্থ, পঞ্চম বৰ্ণ, য, ৰ, ৱ ও হৰ আগত আৰু অকাৰ পাছত থকা ঃ ( বিসৰ্গ ) আগৰ অকাৰেৰে সৈতে ও হয় আৰু সেই ও

আগৰ আখৰত যোগ হয়। যথা ;—অধঃ+গতি অধোগতি, তপঃ+ধন তপোধন, মনঃ+ৰম্য মনোৰম্য, তেজঃ+ময় তেজোময়।

স্বৰবৰ্ণ, বৰ্গৰ তৃতীয়, চতুৰ্থ, পঞ্চম বৰ্ণ আৰু য, ৰ, ল, ৱ হ পাছত থাকিলে ইকে আদি কৰি স্বৰৰ পাছত থকা কেতিয়া বা অৰ পাছত থকা ঃ (বিসৰ্গৰ) ঠাঁইত ৰ (´) ৰেফ হয়। যথা ;—নিঃ+আমিষ নিৰামিষ, দুঃ+যশস্যা দুৰ্যশস্যা, দুঃ+মতি দুৰ্ম্মতি, * দুঃ+গা দুৰ্গা, দুঃ+বাসনা দুৰ্ব্বাসনা, স্বঃ+গ স্বৰ্গ, পুনঃ+অপি পুনৰপি।

ক, খ, প, ফৰ আগত থকা ঃ (বিসৰ্গৰ) ঠাঁইত স হয়। যথা ;—মনঃ+কাম মনস্কাম, দুঃ+কৰ দুষ্কৰ, নিঃ+পাপ নিষ্পাপ, নিঃ+ফল নিষ্ফল।

### স্ত্ৰীলিঙ্গৰ বিশেষ বিবৰণ

তিৰোতা বা তিৰোতাৰ নিচিনা শক্তি আৰু গুণ বুজোৱা পদ বিলাকক স্ত্ৰীলিঙ্গ বোলে। যেনে,—আই, বাই, বৌ, জিয়াৰী, বুদ্ধি, পৃথিবী, লতা ইত্যাদি।

---

* ৰেফৰ তলত থকা আখৰৰ কেতিয়া বা দ্বিত্ব (দুটা) হয়।

কেতবিলাক শব্দ কেতিয়া বা পুংলিঙ্গ কেতিয়া বা স্ত্রীলিঙ্গ হ'ই থাকে। যেতিয়া স্ত্রী-লিঙ্গ হয় তেতিয়া কোনো কোনো প্রত্যয় যোগ হই কিছু রূপান্তর হয়।

স্ত্রীলিঙ্গ হ'লে অধিকাংশ অকাৰান্ত শব্দৰ পাঝত নী হয়। যেনে ;—কলিতা কলিতানী, বৰুৱা বৰুৱানী, মৰীয়া মৰীয়ানী, ইত্যাদি।

স্ত্রীলিঙ্গ হ'লে ব্যঞ্জনান্ত শব্দৰ পাছত প্রায় অনী আৰু ঈ হয়। যেনে ; কেওট কেওটনী, কুমাৰ কুমাৰণী, বঙ্গাল বঙ্গালনী, বামুণ বামুণী, বা বামুণনী ইত্যাদি।

স্ত্রীলিঙ্গ হ'লে উকাৰান্ত আৰু ইকাৰান্ত শব্দৰ পাছত য়নী হয়। যেনে ;—বন্ধু বন্ধুয়নী, হিন্দু হিন্দুয়নী, বাবু বাবুয়নী, মিৰি মিৰিয়নী ; কেতিয়া বা নীমাত্র হয়। যেনে ;—হাৰি হাৰিণী।

স্ত্রীলিঙ্গ হ'লে কেতবিলাক শব্দৰ বহু রূপা-ন্তৰ হয়। তাৰ সূত্র নিদি কেৱল পদ দিয়া হ'ল কি কি রূপান্তৰ হ'ল শিক্ষক সকলে তাক দেখু-ৱাই উদাহৰণ দিব যথা ;—

| পুংলিঙ্গ | স্ত্রীলিঙ্গ। |
|---|---|
| বাঘ | বাঘিনী। |
| সিংহ | সিংহিনী বা সিংহী। |
| ঘোৰা | ঘুৰী। |
| কোছ | কুছুনী। |
| ডোম | ডুমুনী। |
| শহুৰ | শাহু। |
| ধোবা | ধুবুনী। |
| ডেকা | ডেকেৰী ইত্যাদি। |

স্ত্রীলিঙ্গ হ'লে অকাৰান্ত শব্দৰ কিছুমান আকাৰান্ত কেতবিলাক ঈকাৰান্ত হ'ই থাকে। যেনে, দুষ্ট দুষ্টা, কোমল কোমলা বা কুমলী, উত্তম উত্তমা, নদ নদী, ব্রাহ্মণ ব্রাহ্মণী, সুন্দৰ সুন্দৰী, শুভঙ্কৰ শুভঙ্কৰী, স্বৰ্ণময় স্বৰ্ণময়ী ইত্যাদি।

স্ত্রীলিঙ্গ হ'লে জাতি, গুণ আৰু নামবাচক শব্দৰ পাছত কেতিয়া বা জনী প্রত্যয় হয়। যেনে মানুহ মানুহজনী, গৰু গৰুজনী, তিৰোতা তিৰোতাজনী, চোৰালী চোৰালিজনী * সৰু সৰুজনী, গোলাপী গোলাপিজনী, ফুটুকী ফুটুকিজনী ইত্যাদি।

* জনী প্রত্যয় হলে আগৰ ঈ ই হয়।

স্ত্রীলিঙ্গত কোৱা আন আন প্রত্যয় হলেও জনী প্রত্যয় হয়। যেনে; ডেকেৰী ডেকেৰিজনী, ডুমুনী ডুমুনিজনী ইত্যাদি।

মতা আৰু মাইকী আদি শব্দ আগত যোগ হ'ই কেতবিলাক শব্দৰ লিঙ্গ ভেদ হয়। যেনে;

| পুংলিঙ্গ | স্ত্রীলিঙ্গ। |
|---|---|
| মতা হাঁহ | মাইকি হাঁহ। |
| মতাম'হ | মাইকিম'হ। |
| পাঁঠাছাগলী | মাইকী ছাগলী বা পাঠী ইত্যাদি। |

## সমাস।

যি কার্য্যদ্বাৰা আগৰ পদ বিলাকৰ কাৰকাদিৰ চিহ্ন গুছাই কেৱল পাঁছৰ পদত ৰাখিলেই অর্থ বুঝা যায়, তাৰ নাম সমাস। সমাস কৰিলে অল্প কথাৰে বহু অর্থ পোৱা যায়, অথচ শুনি বলৈকো ভাল হয়।

সেই সমাসেই ছয় প্রকাৰ। যথা;—দ্বন্দ, বহুব্রীহি, কর্ম্মধাৰয়, তৎপুরুষ, দ্বিগু আৰু অব্যয়ী ভাব।

### দ্বন্দ সমাস।

বেলেগ বেলেগ অর্থ বুঝোৱা এক জাতিৰ পদ বিলাকৰ সমাসকে দ্বন্দ সমাস বোলে। যথা;

ল'ৰাবোৰে আৰু চোৱালীবোৰে উমলিছে এই অৰ্থত ল'ৰাচোৱালীয়ে উমলিছে. * আইয়ে আৰু বোপাইয়ে দেখিব পায়, আইবোপাইয়ে দেখিব পায়। এই দৰে সমাস কৰাত নিতিৰ কুটুম্ব। ধান চাউল, পানতামোল, অন্নবস্ত্ৰ, দেবাসুৰ ইত্যাদি বহুপদ সিদ্ধ হয়।

কেতিয়া বা সমাস হ'ই পাছৰ পদবোৰ গুছি আগৰ পদত বহুবচনৰ চিহ্ন যোগ হয়, তদ্দ্বাৰা আটাইবোৰ কথাৰ অৰ্থ পোৱা যায়। যেনে; গোপালে ভাবিয়ে আৰু সোনায়ে পঢ়িবলৈ গ'ল বুলিলে যি অৰ্থ, গোপালহঁতে পঢ়িবলৈ গ'ল বুলিলেও সেই এ অৰ্থ হয়। এনে কুৱা সমাসক একশেষ দ্বন্দ সমাস বোলে।

## বহুব্ৰীহি।

যি যি পদত সমাস হয়, সেই সেই পদৰ অৰ্থ নুবুঝাই যদি অইন পদৰ অৰ্থ বুঝায়, তেনে হলে তাক বহুব্ৰীহি সমাস বোলে। সমাস কৰোঁতে যি এটা, যি শব্দৰ পদ দিয়া যায়, সমাস হোৱাপদে

---

* এই সমাসত আৰু, ও, এবং আদি কৰি যৌগিক শব্দৰ লোপ হয়।

ভাৱ হে অৰ্থ বুঝায় আৰু তাৰ বিশেষণ হয়। যেনে; লম্ব উদৰ যাৰ সি লম্বোদৰ। ক্ষুদ্ৰ কায় যাৰ সি ক্ষুদ্ৰকায়। নি (নাই) লাজ যাৰ সি নিলাজ! স্ত্ৰীৰে সৈতে যি সি সস্ত্ৰীক। বি (নাই) সম (সমান) যাৰ সি বিষম। এক বিধ যাৰ সি এবিধ; সেই দৰে সুগন্ধ, সুগন্ধি, * অনাথ, বিধবা চৰিতাৰ্থ আদি কৰি বহুপদ সিদ্ধ হয়।

কৰ্ম্মধাৰয়।

একাৰ্থ বিশেষণ আৰু বিশেষ্য পদৰ সমাসক কৰ্ম্মধাৰয় সমাস বোলে। যথা, মহান্ যি ৰাজা সি এই অৰ্থত মহাৰাজ! ৰঙ্গা যি ফুল সি ৰঙ্গা-ফুল। সেই দৰে দীঘলডিঙ্গি, বগাকাপৰ, পূৰ্ব্বাহ্ন মধ্যাহ্ন, কুকৰ্ম্ম ইত্যাদি।

কেতিয়া বা দুটা দুটা ৰিশেষ্য পদতো কৰ্ম্ম-ধাৰয় সমাস দেখিবলৈ পাওঁ, কিন্তু তাৰ মাঝত, নাইবা, পাছত নিচিনা, সদৃশ আদি কৰি তুল্যা-ৰ্থক শব্দ বা ৰূপ শব্দ যোগ হ'ই এটা বিশেষণৰ দৰে হয়, আৰু সমাস হ'লে সেই নিচিনা আদি শব্দৰ লোপ হয়। যদি মাঝত থকা শব্দৰ লোপ

* বহুব্ৰীহি সমাসত গন্ধ শব্দৰ গন্ধি হয়।

হয় তেন্তে মধ্যপদলুপী, পাছত থকা শব্দৰ লোপ হ'লে অন্ত্যপদলুপী কৰ্ম্মধাৰয় বা উপমিতি সমাস বোলে। যদি ৰূপ শব্দৰ লোপ হয়, তেন্তে ৰূপক সমাস বোলে। যেনে, চন্দ্ৰৰ নিচিনা মুখ চন্দ্ৰমুখ, নাভি কূপৰ তুল্য নাভিকূপ। কৰ পদ্মৰ ৰূপ কৰ-পদ্ম। বাক্য অমৃতৰ তুল্য বাক্যামৃত।

তৎপুৰুষ।

কৰ্ম্মকে আদি কৰি কাৰকৰ আৰু সম্বন্ধ পদৰ চিহ্ন লোপ হ'ই যি সমাস হয় তাক তৎপুৰুষ সমাস বোলে। কৰ্ম্মকাৰকৰ চিহ্ন লোপ হ'লে দ্বিতীয়াতৎপুৰুষ, কৰণৰ চিহ্ন লোপ হ'লে তৃতীয়াতৎপুৰুষ, সম্প্ৰদানৰ চিহ্ন লোপ হ'লে চতুৰ্থীতৎপুৰুষ, অপাদানৰ হ'লে পঞ্চমীতৎপুৰুষ, অধিকৰণৰ হ'লে সপ্তমী তৎপুৰুষ আৰু সম্বন্ধৰ হ'লে ষষ্ঠীতৎপুৰুষ সমাস বোলে। যেনে, দুঃখক পোৱা মানুহ, দুঃখপোৱা মানুহ। মাছক ধৰা জাল, মাছধৰা জাল। চৰাইক মৰা শৰ, চৰাই-মৰাশৰ। গুণেৰে অভিৰাম, গুণাভিৰাম, ক্ষুধা, দ্বাৰা ঋত, ক্ষুধাৰ্ত্ত। * দেৱক দত্ত, দেৱদত্ত গুৰুক

---

* তৃতীয়াতৎপুৰুষো হব পাৰে। যেনে; দেৱকৰ্ত্তৃক দত্ত

দত্ত, গুরুদত্ত। জাতিৰ পৰা ভ্ৰষ্ট, জাতিভ্ৰষ্ট। ধৰ্ম্মৰ পৰা চ্যুত, ধৰ্ম্মচ্যুত। অগ্রে গণ্য অগ্রগণ্য। গছত পকা, গছপকা। ৰাজাৰ পুত্ৰ, ৰাজপুত্ৰ। ছাগলীৰ গাখীৰ, ছাগলী গাখীৰ।

### দ্বিগুসমাস।

সংখ্যা বুজোৱা পদ আগত থাকি সমাস হ'লে তাক দ্বিগু সমাস বোলে। যেনে ;—দুহালগৰু, হেজাৰ টকা ইত্যাদি।

### অব্যয়ীভাব সমাস।

অব্যয় শব্দ আগত থাকি যি সমাস হয় তাৰ নাম অব্যয়ীভাব সমাস। যথা ;—দিনৌ দিনৌ প্ৰতিদিন। যেনে শক্তি, যথাশক্তি. ৰূপৰ নিচিনা অনুৰূপ ইত্যাদি।

## কৃৎ প্ৰকৰণ।

### সংজ্ঞা।

ধাতুৰ পাছত হোৱা কেতবিলাক প্ৰত্যয়ক কৃৎপ্ৰত্যয় বোলে। কৃৎপ্ৰত্যয়ান্ত ধাতু শব্দ হয়, ই ঈৰ ঠাইত এ, উ ঊৰ, ঠাইত ও, ঋ ৠৰ ঠাইত অৰ হোৱাৰ নাম 'গুণ।

---

দেৱদত্ত। গুৰুকৰ্ত্তৃক দত্ত, গুৰুদত্ত, কিন্তু হয়াত অইন প্ৰকাৰ অৰ্থ হব।

অৰ ঠাইত আ ; ই, ঈ, এৰ ঠাইত ঐ ; উ, ঊ, ওৰ ঠাইত ঔ আৰু ঋ ৠৰ ঠাইত আৰ হোৱাৰ নাম বৃদ্ধি।

বিশেষ বিশেষ কাৰ্য্য সাধনৰ নিমিত্তে কোনো কোনো প্ৰত্যয়ৰ যি দুটা এটা আখৰ এৰা যায় সেই বিলাকক অনুবন্ধ বা ইৎ বোলে।

## কৃৎ প্ৰত্যয়।

ধাতুৰ পাছত ওঁতা হয় কৰ্ত্তৃবাচ্যে অৰ্থাৎ কৰ্ত্তাক বুজাবলৈ। ওঁতা প্ৰত্যয় পাছত থাকিলে ধাতুৰ প্ৰায় গুণ হয়। যেনে ; যি কৰে, এই অৰ্থত কৰ-ওঁতা, কৰোঁতা। যি ধৰে সি ধৰোঁতা, এই দৰে, খাওঁতা, যাওঁতা, লওঁতা, লেখোঁতা, দেখোঁতা ইত্যাদি। স্ত্ৰীলিঙ্গ হ'লে অতী হব। যেনে ; কৰতী ধৰতী ইত্যাদি।

কাৰক আৰু ভাৱ অৰ্থত ব্যঞ্জনান্ত ধাতুৰ পাছত আ, আৰু স্বৰান্ত ধাতুৰ পাছত ৱা হয়। ৱাৰ আগত থকা অ আৰু আৰ ঠাইত ও হয়। আৰু অন্য স্বৰৰ গুণ হয় বিকল্পে। যি কৰে নাইবা যাক কৰে সি (কৰ+আ) কৰা। যি ধৰে বা যাক ধৰে নাইবা যি হেৰে ধৰে সি ( ধৰ+আ ) ধৰা। যি

লয় বা যাক লয় সি ( ল+ৱা ) লোৱা। যি খায় বা যাক খায় সি ( খা+ৱা ) খুৱা। * যি যায় বা য'ত যায় সি ( যা+ৱা ) যোৱা। যি দিয়ে সি দিয়া † নিয়ে যি সি নিয়া ইত্যাদি। ‡

কর্ত্তৃ বাচ্যত ধাতুৰ পাছত ঈয়া হয়। যথা ; গোক (গ'রুক) ৰাখে যি সি গ'ৰখিয়া, সেই দৰে পাখীমৰিয়া, পহুমৰীয়া ইত্যাদি।

ক্রিয়াৰ শেষ নোহোৱা বুঝাওঁতে ধাতুৰ পাছত ই, ওঁতে, লে, আৰু লত হয়। এই বোৰ প্রত্যয় পাছত থাকিলে গুণ হয়। যেনে ; লিখ+ই লেখি। যা+ওঁতে, যাওঁতে। খা+লে খালে। দেখ+লে, দেখিলে। § গল+লত, গলত ইত্যাদি

ভাৱবাচ্যত ধাতুৰ পাছত ৱ হয়। যেনে ; যা+ব যাব, দেখ+ব, দেখিব, কৰ+ব কৰিব ¶ ইত্যাদি।

---

* থা আদি কৰি কেইটা ধাতুৰ আ, উ হয়।

† ই ঈৰ পাছত ৱাৰ ঠাইত য়া হয়।

‡ এই বিলাক পদ প্রায় বিশেষণ হয়। ইয়াৰ ক'ত কি বাচ্যে প্রত্যয় হ'ইচে, তাক ছাত্রবিলাকে আপুনি দেখুৱাই এটা এটা বিশেষ্য পদ দি সৰু সৰু বাক্য ৰচনা কৰিব পাৰিলে ভাল।

§ ব্যঞ্জনান্ত ধাতুৰ পাছত কেতিয়া বা ই হয়।

¶ শিক্ষক সকলে ব প্রত্যয়ৰ উদাহৰণ এনেকৈ দেখাব। যথা ; যাবৰ নিমিত্ত, দেখিবৰ পৰা, কৰিবলৈ গ'ল ইত্যাদি।

কোনো কোনো ধাতুৰ পাছত নীয়াৰ হয়। যেনে; দেখিবলে ভাল এই অৰ্থত দেখনীয়াৰ। মাগে যি এই অৰ্থত মাগনীয়াৰ। খোজে যি সি খোজনীয়াৰ ইত্যাদি।

## সংস্কৃতানুযায়ি কৃৎ।

### সাধাৰণ বিধি।

কৃৎ প্ৰত্যয় হ'লে ধাতুৰ শেষত থকা ই ঈ উ ঊ ঋ ৠৰ আৰু অন্ত্য আখৰৰ আগত থকা ই উ ঋৰ গুণ হয়। কিন্তু ক অনুবন্ধ হোৱা প্ৰত্যয় পাছত থাকিলে গুণ ন হয়।

ণ, ঞ অনুবন্ধ হোৱা প্ৰত্যয় পাছত থাকিলে ধাতুৰ অন্তে স্থিত ই ঈ উ ঊ ঋ ৠৰ উপান্ত্য অৰ বৃদ্ধি আৰু অন্ত্য আকাৰৰ পাছত য হয়।

ঘ অনুবন্ধ হোৱা প্ৰত্যয় পাছত থাকিলে ধাতুৰ অন্ত্য চ গুছি ক, জ গুছি গ হয়।

ধকাৰান্ত, ভকাৰান্ত আৰু হকাৰান্ত ধাতুৰ পাছত হোৱা প্ৰত্যয়ৰ ত ধ হয়। আৰু সেই অন্ত্য ধ দ হয়, ভ ব হয়, হ গ হয়। *

---

* ৰুহ গুহ আদি কেতবিলাক ধাতুৰ হ আৰু প্ৰত্যয়ৰ ত দুয়ো মিলি ঢ় হয়, আগৰ স্বৰদীৰ্ঘ হয়।

## প্ৰত্যয় বিধান।

ভাৱ আৰু কৰ্ম্মবাচ্যে সাধাৰণ ধাতুৰ পাছত তব্য আৰু অনীয় প্ৰত্যয় হয়। কৃ+তব্য কৰ্ত্তব্য, কৃ+অনীয় কৰণীয়, স্থা+তব্য স্থাতব্য, বুধ্ বোদ্ধব্য, প্ৰচ্ছ্ পৃচ্ছনীয় * ইত্যাদি।

ভাৱ আৰু কৰ্ত্তৃ ভিন্ন কাৰক বাচ্যে সাধাৰণ ধাতুৰ পাছত ঘঞ্ হয়। ঘঞ্ৰ ঘ্ঞ্ অনুবন্ধ অ থাকে। পচ্+ঘঞ্ পাক, ত্যজ্ ত্যাগ, ভজ্ ভাগ, নশ্ নাশ, শুচ্ শোক, ভূ ভাৱ, ভূ ভাৱ, অধি+ই অধ্যায় ইত্যাদি।

ভাৱ বাচ্যে সাধাৰণ ধাতুৰ পাছত অল হয়। ল্ অনুবন্ধ অ থাকে। জি+অল্ জয়, ক্ষি ক্ষয়, দ্ৰু দ্ৰৱ, স্তু স্তৱ, ভূ ভৱ, হৃষ্ হৰ্ষ ইত্যাদি।

ভাৱবাচ্যে আৰু কোনো কোনো কাৰক বাচ্যে সাধাৰণ ধাতুৰ পাছত অনট্ হয়। ট অনুবন্ধ অন থাকে। ভাৱবাচ্যে যথা; গম্+অনট্ গমন, ভুজ্ ভোজন, দৃশ্ দৰ্শন, (দেখা)। কৰণবাচ্যে যথা; দৃশ্ দৰ্শন, (চকু) শ্ৰু শ্ৰৱণ, (কাণ) চৰ চৰণ,

* প্ৰচ্ছ পৃচ্ছ্ হয়।

(ভৱি) অধিকৰণ বাচ্যে যথা ; স্থা স্থান, শী শয়ন (শয্যা) ইত্যাদি। *

কর্ত্তৃবাচ্যে সাধাৰণ ধাতুৰ পাছত তৃ আৰু ণক হয়। ণ্ অনুবন্ধ অক থাকে। দা+তৃ দাতা, দা+ণক দায়ক, কৃ কর্ত্তা, কাৰক, বি—ধা বিধাতা, বিধায়ক, যুধ্ যোদ্ধা, যোধক, বুধ্ বোদ্ধা ইত্যাদি।

গমনার্থ আৰু অকর্ম্মক ধাতুৰ পাছত কর্ত্তৃবাচ্যে সকর্ম্মক ধাতুৰ পাছত কর্ম্মবাচ্যে আৰু প্ৰায় সকলো ধাতুৰ পাছত ভাৱবাচ্যে† ক্ত হয়। ক্ অনুবন্ধ ত থাকে। যা+ক্ত যাত, ভী ভীত, মৃ মৃত, প্ৰ—খ্যা প্ৰখ্যাত কৃ কৃত, ধৃ ধৃত, উপ—নী উপনীত উচ্ উচিত।

প্ৰত্যয়ৰ ত পৰে থাকিলে মুচ্ যুজ্ প্ৰভৃতি কেতবিলাক ধাতুৰ অন্ত্যবর্ণ ক হয়। মুচ্ মুক্ত যুজ্ যুক্ত, অতি—ৰিচ অতিৰিক্ত, ভুজ্ ভুক্ত, ৰঞ্জ ৰক্ত ‡ ইত্যাদি।

প্ৰত্যয়ৰ ত পাছত থাকিলে দৃশ্ নশ্ সৃজ্

---

* ভিন্ন ভিন্ন বাচ্যত কেনেকৈ বেলেগ বেলেগ অর্থ হয়, চাক ভালকৈ বুঝাই পঢ়ালে ভাল।

† ভাৱবাচ্যে ক্ত প্ৰত্যয়ান্ত পদ ভাষাত অতি অল্পহে পোৱা যায়।

‡ ন লোপ পায়।

মৃজ্ প্রভৃতি কেতবিলাক ধাতুর অন্ত্য আথৰ ষ হয় আৰু সকলো ষৰ পাছত থকা ত ট হয়। দৃশ্+ক্ত দৃষ্ট, নশ্ নষ্ট; সৃজ্ সৃষ্ট, মৃজ, মৃষ্ট, প্রচ্ছ্ পৃষ্ট, তুষ্ তুষ্ট ইষ্ ইষ্ট ইত্যাদি।

কেতবিলাক ধাতুৰ পাছত হোৱা কোনো কোনো প্রত্যয়ৰ আদিতে ই যুক্ত হয়। যথা; লিখ+ক্ত লিখিত, পত্ পতিত, পূজ্ পূজিত, বিদ্ বিদিত ইত্যাদি।

ক্ত পাছত থাকিলে শ্রম্ ক্রম্ শম্ আদি কেত-বিলাক ধাতুৰ অ আ হয় আৰু ম্ ন্ হয়। যথা; শ্রম্ শ্রান্ত, আ-ক্রন্ আক্রান্ত, শম্ শান্ত ইত্যাদি।

ক্ত প্রত্যয় পাছত থাকিলে গম্ নম্ ৰম্ মন্ হন্ প্রভৃতি কেতবিলাক ধাতুৰ অন্ত্যবর্ণ লোপ হয়। যথা; গম্ গত নম্ নত, ৰম্ ৰত, মন্ মত, হন্ হত ইত্যাদি।

দকাৰান্ত ধাতুৰ দ আৰু ক্তপ্রত্যয়ৰ ত দুয়ো মিলি ন্ন হয়। আ—সদ+ক্ত আসন্ন, অদ্ অন্ন, ভিদ্ ভিন্ন ইত্যাদি।

ক্ত প্রত্যয়ৰ ত পাছত থাকিলে ধাতুৰ অন্ত্য ঋ ঈৰ্ হয় আৰু ৰকাৰৰ আৰু ম্লা, ত্রা, দী, ডী, ক্ষী,

ৰুজ্, মস্‌জ্ প্ৰভৃতি কেতবিলাক ধাতুৰ পাছত হোৱা ক্ত প্ৰত্যয়ৰ ত ন হয়। যথা ; জৄ+ক্ত জীৰ্ণ, বি-দৄ বিদীৰ্ণ, উৎ-তৄ উত্তীৰ্ণ, বি-স্তৄ বিস্তীৰ্ণ, ম্লা ম্লান, ত্ৰা ত্ৰাণ, দী দীন, উৎ-ডী উড্ডীন, ক্ষী ক্ষীণ ইত্যাদি

ক্ত প্ৰত্যয় পাছত থাকিলে স্থা, মা প্ৰভৃতি কেতবিলাক ধাতুৰ আ ই হয়। আৰু ধা ধাতুৰ ধা হি হয়। যথা স্থা স্থিত, পৰি-মা পৰিমিত, ধা হিত ইত্যাদি।

ধ, ভ, হ অন্তে থকা ধাতুৰ পদ এনেকুৱা হয়। যেনে ; ক্ৰুধ্ ক্ৰুদ্ধ, শুধ্ শুদ্ধ, লভ্ লব্ধ, ক্ষুভ্ ক্ষুব্ধ, দুহ দুগ্ধ, মুহ মুগ্ধ ইত্যাদি। *

ক্ত প্ৰত্যয় কৰি তলত লিখা পদ বিলাকো সিদ্ধ হইছে।

| ধাতু | সিদ্ধপদ | ধাতু | সিদ্ধপদ |
|---|---|---|---|
| গ্ৰহ | গৃহীত | পা | পীত |
| আ-হ্বা | আহূত | হা | হীন |
| বচ্ | উক্ত | | |
| বদ্ | উদিত | পচ্ | পক্ক |
| গা | গীত | শুষ্ | শুষ্ক |

* মুহ মূঢ়, গুহ গূঢ়, বহ বাঢ়, এই বিলাক পদও হয়।

ভাৱবাচ্যে সাধাৰণ ধাতুৰ পাছত ক্তি প্রত্যয় হয়। ক অনুবন্ধ তি থাকে। ক্ত প্রত্যয় পাছত থাকিলে যি যি কাৰ্য্য হয় তাৰ অধিকাংশ ক্তি পাছত থাকিলেও হয়। খ্যা+ক্তি খ্যাতি, প্রী প্রীতি, গম্ গতি, উৎ-নম্ উন্নতি, স্থা স্থিতি, বুধ্ বুদ্ধি, শম্ শান্তি, মন্ মতি ইত্যাদি। *

ভাৱ আৰু কৰ্ম্মবাচ্যে ঋঋ নাইবা ব্যঞ্জন বৰ্ণ শেষত থকা ধাতুৰ পাছত ঘ্যণ্ হয়, ঘ্ ণ্ অনুবন্ধ য থাকে। কৃ+ঘ্যণ কাৰ্য্য, ধৃ ধাৰ্য্য, যুজ যোগ্য ভুজ্ ভোগ্য † ইত্যাদি।

ভাৱ আৰু কৰ্ম্মবাচ্যে স্বৰান্ত ধাতু, শক, সহ আৰু পবৰ্গান্ত আদি কেতবিলাক ধাতুৰ পাছত য হয়। এই য পাছত থাকিলে আকাৰান্ত ধাতুৰ শেষত থকা আ এ হয়। যথা ;—দা+য দেয়, পা পেয়, নী নেয়, শক্ শক্য, সহ সহ্য, লভ লভ্য, নস নস্য ইত্যাদি।

---

* হা ধাতু হানি হয়।

† অনুযোজ্য, ভোজ্য ইত্যাদি পদো হয়

কৰ্ম্মপদ আগত থকা কেতবিলাক ধাতুৰ পাছত কৰ্ত্তৃবাচ্যে অণ্ হয়। ণ্ অনুবন্ধ অ থাকে। শাস্ত্র-কৃ+শাস্ত্রকাৰ, সূত্র-ধৃ সূত্রধাৰ, মালা-কৃ মালাকাৰ ইত্যাদি।

কেতবিলাক ধাতুৰ পাছত কৰ্ত্তৃবাচ্যে অ হয়। দিবা-কৃ+অ দিবাকৰ, নিশা-কৃ নিশাকৰ, প্রভা-কৃ প্রভাকৰ, ক্লেশ-কৃ ক্লেশকৰ, জল-চৰ জলচৰ ইত্যাদি।

অ প্রত্যয় পাছত থাকিলে কোনো কোনো ঠাইত পূৰ্ব্ব পদৰ শেসত (ং) অনুস্বাৰ যুক্ত হয়। যথা ;—ভয়-কৃ+অ ভয়ঙ্কৰ, বিশ্ব-ভৃ বিশ্বম্ভৰ, বশ বদ্ বশংবদ ইত্যাদি।

অ প্রত্যয় পাছত থাকিলে কোনো কোনো ধাতুৰ শেষ স্বৰ আৰু সেই স্বৰৰ পাছত বৰ্ণৰ লোপ হয়। যথা ;—জল-দা+অ জলদ, পুৎ-ত্রা পুত্র, বি-জ্ঞা বিজ্ঞ, নৃ-পা নৃপ, অগ্র-জন্ অগ্রজ, পাৰ-গম্ পাৰগ ইত্যাদি।

কেতবিলাক ধাতুৰ পাছত কৰ্ত্তৃবাচ্যে অন হয়। যথা ; ভীষ্+অন ভীষণ, পূ-পৱন, তপ্ তপন, দহ্, দহন, দুঃ-যুধ দুৰ্য্যোধন ইত্যাদি।

ভাৱবাচ্যে কেতবিলাক ধাতুৰ পাছত আ হয়। যথা ; সেব্+আ সেবা, নিদ নিন্দা, ক্ষম্ ক্ষমা, ইষ্ ইচ্চা * পূজ্ পূজা, ব্যথ্ ব্যথা, দয় দয়া, প্র-ভা প্রভা, প্রতি-জ্ঞা প্রতিজ্ঞা ইত্যাদি।

ভাৱবাচ্যে কেতবিলাক ধাতুৰ পাছত অনা হয়। যথা ;—অর্চ্চি+অনা অর্চ্চনা, কল্পি কল্পনা, যন্ত্রি যন্ত্রণা, ঘটি ঘটনাৰ বাসি বাসনা, বন্দ বন্দনা ইত্যাদি।

লিঙ্গ নিৰূপণ বিধি।

যি যি প্রত্যয় কাৰকবাচ্যে হয়, সেই সেই প্রত্যয়ান্ত পদ প্রায় বিশেষণ ; সুতৰাং বিশেষ্য পদৰ যি লিঙ্গ তাৰো সেই লিঙ্গ হই থাকে। যেনে; ভীত পুৰুষ, ভীতা স্ত্রী ; পর্ব্বতবাসী পুৰুষ, পর্ব্বত-বাসিনী স্ত্রী ; হস্তী ধৃত হ'ল, হস্তিনী ধৃতা হ'ল ; তাৰ ক্রোধ অসহ্য, কথা অসহ্যা ইত্যাদি।

ক্তি, আ; আৰু অনা প্রত্যয়ান্ত পদ সকলো স্ত্রীলিঙ্গ। যথা ; মতি, গতি, খ্যাতি, বুদ্ধি, শুদ্ধি, হানি, ৰক্ষা, দয়া, ভিক্ষা, যাতনা, চেতনা, বাসনা, ইত্যাদি।

---

* ইষ্ ইচ্ছ্ হয়।

ভাৱবাচ্যে বিহিত ঘঞ্ আৰু অল্ প্ৰত্যয়ান্ত পদ প্ৰায় পুংলিঙ্গ। যথা; নাশ, হাস, ৰোগ তাপ, লাভ, জয়, স্তৱ ইত্যাদি।

ভাৱবাচ্যে বিহিত অনট্ প্ৰত্যয়ান্ত পদ প্ৰায় ক্লীবলিঙ্গ। যথা; গমন, ভোজন, শ্ৰৱণ, শয়ন ইত্যাদি।

### প্ৰেৰণাৰ্থ ক্ৰিয়া পদ।

আনৰ দ্বাৰা ক্ৰিয়া কৰোৱা বুঝালে ধাতুৰ পাছত আ, ৱা আৰু য়া হয়। এই বোৰ প্ৰত্যয় হ'লে ধাতুই থাকে আৰু ধাতুৰ পাছত হব লগীয়া যি যি প্ৰত্যয় আছে সেই বিলাকো হয়। যেনে;

| ধাতু, | আপুনি কৰিলে, | আনৰদ্বাৰা কৰালে। | |
|---|---|---|---|
| কৰ | কৰিছোঁ | কৰাইছোঁ, | কৰোৱাইছোঁ। |
| ৰাখ | ৰাখিছোঁ | ৰখাইছোঁ, | ৰখোৱাইছোঁ। |
| খা | খাইছোঁ | খুৱাইছোঁ, | খুৱোৱাইছোঁ। |
| দি | দিছোঁ | দিয়াইছোঁ, | দিয়োৱাইছোঁ।* |

ইত্যাদি।

* ইয়াত যি ভিন্ন ভিন্ন অৰ্থ হয় তাক শিক্ষক সকলে ভালকৈ বুঝাই দিব।

## তদ্ধিত।

তদ্ধিতৰ স্বৰ পাছত থাকিলে আগৰ স্বৰ প্ৰায় লোপ হয়।

কৰ্ম্ম আদি কৰি কাৎকৰ পাছত ইয়া, উৱা, উৰা, আৰু ঈ হয়। যেনে; কানি খায় যি সি কানীয়া। গোচৰ কৰে যি সি গুচৰীয়া।* অসমৰ যি সি অসমীয়া। বন কৰে যি সি বনুৱা। মাঘত উপজে যি সি মঘুৱা।† বৰকৈ কান্দে যি সি কান্দুৰা। ফাল্গুনত উপজে যি সি ফাল্গুনা। সেই দৰে আহিনা, পুহা। বাঙ্গালাৰ যি সি বাঙ্গালী। বিলাতৰ যি সি বিলাতী। কাকত লিখে যি সি কাকতী ইত্যাদি।

আগত কোৱা প্ৰত্যয় হলে গাওঁ আদি কৰি শব্দৰ পাছত ল, বন আদি কৰি শব্দৰ পাছত ৰ, হয়। যেনে; গাওঁত থাকে যি সি গাঁৱলীয়া।‡ মিচা কয় যি সি মিচলীয়া। বনত (হাবিত) থাকে যি সি বনৰীয়া ইত্যাদি।

---

* এই বিলাক প্ৰত্যয় হলে শব্দৰ আগৰ ও উ হয় আৰু আ, প্ৰায় অ হয়।

† স্ত্ৰীলিঙ্গত এই দৰে পদ হয়। যেনে; মঘুৱা মাঘী আহিনা আহিনী, পুহা পুহী, কান্দুৰা কান্দুৰী ইত্যাদি।

‡ ও, ৱ হয়।

আছে বা থাকে নাইবা সম্বন্ধ অর্থত শব্দৰ পাছত আল, কেতিয়া বা য়াল হয়। যথা; বৰ খঙ্গ আছে যাৰ সি খঙ্গাল, হাবিত থাকে যি সি হাবিয়াল, নদীত থাকে যি সি নদীয়াল। মৰম আছে যাৰ সি মৰমিয়াল। * মৰঙ্গৰ কার্য্য কৰে যি সি মৰঙ্গিয়াল ইত্যাদি।

দ্বিতীয় পুৰুষৰ সম্বন্ধ পদৰ পাছত থকা ইবর্ণান্ত উবর্ণান্ত শব্দৰ পাছত প্রায় য়াঁই এঁৰা হয়। যথা; তোমাৰ জোঁৱাইয়াঁই মাৰিলে। তোমাৰ জোঁৱাই এঁৰা আছে নে? তোমাৰ ভনী-য়াঁই বা ভনী এঁৰাই কইছে। তোমাৰ বউয়াঁই বা বউএঁৰাই দেখিছিল।

তুচ্ছার্থে কেবল এঁৰে হয়। তোৰ জোঁৱাই এঁৰে আহিলে নে? তোৰ ভনী এঁৰে কি কৰিছে। তোৰ বউএঁৰে খালেনে? এই তোৰ পদ উহ্য থাকিলেও হয়। যেনে; বউএঁৰে খালেনে? জোঁৱাই এঁৰে গ'লনে? ইত্যাদি।

তৃতীয় পুৰুষৰ সম্বন্ধ পদৰ পাছত থকা ইবর্ণান্ত উবর্ণান্ত শব্দৰ পাছত প্রায় এক্ হয়।

---

* য়াল হলে কেতিয়া বা ই হয়।

যেনে ; আপোনাৰ ভনীএঁকে আহিলে তাৰ জোঁৱাই একে গ'ল। যোগাইৰ বউএকে কইছে। তাৰ জোঁৱাই একইঁতে চকু মেলিও নেচায়। ইত্যাদি ।

আছে এই অর্থত শব্দৰ পাছত ঈ, ৱন্ত, মন্ত, বি আৰু শালী হয়, পুংলিঙ্গত। কিন্তু স্ত্রীলিঙ্গত হলে ইনী, ৱতী, মতী, বিনী আৰু শালিনী হয়। যথা ; জ্ঞান আছে যাৰ সি ( জ্ঞান+ঈ ) জ্ঞানী বা ( জ্ঞান+ৱন্ত ) জ্ঞানৱন্ত। এই দৰে ধনী বা ধনৱন্ত। বুদ্ধিমন্ত, শ্রীমন্ত, মায়াবী, ঐশ্বর্য্যশালী ইত্যাদি। * স্ত্রীলিঙ্গত জ্ঞানিনী, জ্ঞানৱতী, বুদ্ধিমতী ইত্যাদি।

শব্দৰ পাছত ত্ব, তা আৰু য হয়। ভাৱার্থত যথা ; প্রভুত্ব, সহায়তা, সাহায্য, নৈপুণ্য ইত্যাদি।

শব্দৰ পাছত ই, অ, এয়, ইক আৰু আয়ন প্রত্যয় হয়, অপত্য আৰু সম্বন্ধ অর্থত। এই বিলাক প্রত্যয় হলে শব্দৰ আগৰ ফালৰ স্বৰৰ বৃদ্ধি হয়। যথা ; দশৰথৰ সন্তান যি সি দাশৰথি. পাণ্ডুৰ সন্তান যি সি পাণ্ডব। ভগিনীৰ

* জ্ঞানৱান্, বুদ্ধিমান্, ধনৱান্ ইত্যাদি পদ ও হয়।

সন্তান যি সি ভাগিনেয় বা ভাগিন। শৰীৰৰ যি সি শাৰীৰ বা শাৰীৰিক। ৰামৰ সম্বন্ধীয় যি সেই ৰামায়ণ, ভগৱন্তৰ সম্বন্ধে যি সেই ভাগবত। * ইত্যাদি।

সময় বুঝাওঁতে যি সি আৰু এই শব্দৰ ঠাইত ক্রমে যেতিয়াঁ, তেতিয়া আৰু এতিয়া আদেশ হয়।

সময় অৰ্থত কোন শব্দৰ ঠাইত কেতিয়া আৰু কাহানি হয়।

অধিক পূৰ্ব্ব সময় বুঝাওতে সি শব্দৰ ঠাইত অথনি হয়।

শব্দৰ পাছত ময় প্রত্যয় হয়, ব্যাপ্তি আৰু স্বৰূপ অৰ্থত। যথা; জলেৰে ব্যাপ্ত জলময়. আনন্দস্বৰূপ আনন্দময়, জ্ঞানস্বৰূপ জ্ঞানময়।

সমূহ অৰ্থত শব্দৰ পাছত অনি প্রত্যয় হয়। যেনে; বননি, তামোলনি, কাঠনি, ঝাৰনি, ফুলনি ইত্যাদি।

এই অনি প্রত্যয় হলে কেতবিলাক শব্দৰ দ্বুবাৰ উক্তি হয়। যেনে; গছ্ গছনি, ধপ্ ধপনি ইত্যাদি।

---

* ন লোপ হয়।

## অন্বয় প্ৰকৰণ।

### বাক্য।

অনেক কথা যথাক্ৰমে স্থাপিত হ'ই ভালকৈ অৰ্থ বুঝালে তাক বাক্য বোলে। বাক্যত যি যি কথা থাকে তাৰ কোন্‌টো নো কি পদ অৰ্থাৎ বিশেষ্য কি বিশেষণ কি আন প্ৰকাৰ আৰু কোন্‌টো নো কোন্ লিঙ্গ আৰু কোন কাৰক ইত্যাদি ভালকৈ দেখোৱাৰ নাম "অন্বয়।" অন্বয় কৰি পঢ়িলে অল্পতে ব্যুৎপত্তি হয়, সেই দেখি তলত কিছুমান "অন্বয়" কৰি দেখোৱা হল।

যোৱা মাহত ৰজাই আমাৰ পঢ়াশালিলৈ আহি আপোন হাতেৰেই কেইবাখন পুথী ল'ৰা বিলাকক দিলে।

"যোৱা" ক্ৰিয়াবাচক বিশেষণ পদ, মাহত এই পদৰ বিশেষণ।

"মাহত" বিশেষ্য পদ, পুংলিঙ্গ, একবচন, আহি এই ক্ৰিয়াৰ কালবাচক অধিকৰণ পদ।

"ৰজাই" বিশেষ্য পদ, পুংলিঙ্গ, তৃতীয় পুৰুষ, একবচন, কৰ্ত্তাকাৰক, আহি আৰু দিলে এই দুই ক্ৰিয়াৰ কৰ্ত্তা।

"আমাৰ" সৰ্ব্বনাম, বাচ্যলিঙ্গ, বহুবচন, সম্বন্ধ পদ, পঢ়াশালিলৈ পদেৰে সৈতে সম্বন্ধ।

"পঢ়াশালিলৈ" ষষ্ঠীতৎপুৰুষ সমাস-নিষ্পন্ন বিশেষ্য পদ, স্ত্রীলিঙ্গ, একবচন, কৰ্ম্মকাৰক, আহি ক্রিয়াৰ কৰ্ম্ম। *

"আহি" অসমাপিকা ক্রিয়া।

"আপোনহাতেৰেই" ষষ্ঠীতৎপুৰুষ সমাস-নিষ্পন্ন বিশেষ্যপদ, পুংলিঙ্গ, একবচন, কৰণকাৰক, দিলে এই ক্রিয়াৰে সৈতে সম্বন্ধ।

"কেইবাখন" সংখ্যাবাচক বিশেষণ পদ, পুথীৰ বিশেষণ। †

"পুথী" বিশেষ্য, পদ, পুংলিঙ্গ, বহুবচন, কৰ্ম্ম-কাৰক, দিলে এই ক্রিয়াৰ কৰ্ম্ম।

"ল'ৰাবিলাকক" বিশেষ্যপদ, পুংলিঙ্গ, বহু-বচন, সম্প্রদানকাৰক, দিলে ক্রিয়াৰ সম্প্রদান।

"দিলে" সমাপিকা ক্রিয়া পদ, তৃতীয় পুৰুষৰ

* সংস্কৃতৰ দৰে অসমীয়া ভাষাত গমনাৰ্থ ধাতু বিকল্পে সকৰ্ম্মক হয়; আৰু সেই কৰ্ম্মপদত প্ৰায় লৈ শব্দ যোগ হয়।

† ইয়াৰ বিশেষণ কেইবাখন শব্দেই বহু বুঝাইছে, সেই দেখি আৰ বহুবচনৰ যোগ হোৱা নাই।

**ক্রিয়া, অতীত কাল, সকর্ম্মক ; ইয়াৰ কৰ্ত্তা ৰজাই, কৰ্ম্ম পুথা।**

পদ্য।

"পাছে উগ্রসেনক নৃপতি পাতি হৰি।
ন দকো কৰিলা শান্ত বচনে সাদৰি।"

"পাছে" ক্রিয়াবিশেষণ, পাতি এই ক্রিয়াৰে সৈতে সম্বন্ধ।

"উগ্রসেনক" বিশেষ্য পদ, পুংলিঙ্গ, একবচন, কৰ্ম্মপদ, পাতি এই ক্রিয়াৰে সৈতে সম্বন্ধ।

"নৃপতি" বিশেষ্য পদ, ষষ্ঠীতৎপুৰুষ সমাস-নিষ্পন্ন, পুংলিঙ্গ, একবচন, উদ্দেশ্যবিধেয়ৰূপে অভিন্ন কাৰক।

"পাতি" সকর্ম্মক অসমাপিকা ক্রিয়া ইয়াৰ কৰ্ত্তা হৰি, কৰ্ম্ম উগ্রসেন।

"হৰি" বিশেষ্যপদ, পুংলিঙ্গ, একবচন, তৃতীয় পুৰুষ, কৰ্ত্তাকাৰক, পাতি আৰু শান্ত কৰিলা এই দুয়ো ক্রিয়াৰে সৈতে সম্বন্ধ।

"নন্দকো" বিশেষ্য পদ, পুংলিঙ্গ, একবচন, কৰ্ম্মকাৰক, শান্ত কৰিলা এই ক্রিয়াৰ কৰ্ম্ম পদ।

"শান্ত কৰিলা" সংযুক্ত সমাপিকা ক্রিয়া সকর্ম্মক, অতীতকাল, তৃতীয় পুরুষ, ইয়াৰ কর্ত্তা, হৰি, কর্ম্ম নন্দ।

"বচনে" বিশেষ্য পদ, কৰণকাৰক; শান্ত কৰিয়া ক্রিয়াৰে সৈতে সম্বন্ধ।

"সাদৰি" অসমাপিকা ক্রিয়া।

এই পদৰ অর্থ আপোন কথাৰে প্রকাশ কৰিলে এই হব। যেনে;

তাৰ পাছে হৰিয়ে উগ্রসেনক ৰজা পাতি মধুৰ বাক্যে আদৰ কৰি নন্দকো শান্ত কৰিলা।

ছন্দঃপ্রকৰণ।

অসমীয়া ভাষাত এই কেইটা ছন্দ সচৰাচৰ ব্যৱহাৰ হয়। যেনে; পদ, ছবি, ডুলোড়ি, লেচাৰী, একাবলী, ঝুমুৰী, অমিত্রাক্ষৰ।

পদ।

শুনা শিশু মোৰ কথা, অতি ৰঙ্গ মনে।
অসজ লোকৰ সঙ্গ, এৰিবা যতনে॥
সঙ্গ গুণে ভাল মন্দ, হোৱে সংসাৰত।
এই উপদেশ মনে, নেবা কদাচিত॥

## ছবি।

মিচা কথা ন কহিবা, আৰু চুৰ ন কৰিবা,
শপথ নেখাবা অকাৰণে।
সকলোকে স্নেহ কৰা, গুৰুবাক্য চিত্তে ধৰা,
তেহে আদৰিব জ্ঞানিজনে।

## ছুলোড়ি।

কোন দিনা তুমি, ধেমালিকে কৰি,
কাল নিনিয়াবা শিশু।
নিজ পাঠ পঢ়ি, মনত ৰাখিবা.
নহলে হবাহে পশু।

## লেচাৰী।

সদা দেশাচাৰ থোবা সাঁচি, পৰমাৰ্থতত্ত্ব লোৱা বাচি,
শাস্ত্ৰ যুক্তিমতে সদা কৰা আচৰণ।
শাস্ত্ৰযুক্তিতেসে দিয়া চিত, গোৱা হৰিনাম গুণগীত,
সকলো শাস্ত্ৰৰ এহি সে সাৰ বচন ॥

## একাবলী।

প্ৰসেন নামে তান ভ্ৰাতৃ আছে।
কণ্ঠত মণিক পিন্ধিলা পাছে ॥

ঝুমুৰী।

হেন শুনি জাম্বৱন্ত।

দেখি মহা বলৱন্ত॥

নিচিনি স্বামীক পাছে।

ধৰিলন্ত যুদ্ধ কাছে।

অমিত্ৰাক্ষৰ পদ।

মোৰ বাক্য, শিশু, ধৰি ৰাখা মনে, তুমি
মিচা পৰ নিন্দা কৰি, নেখেদাবা কাল।
পাব খোজা তুমি যদি, আনৰ মৰম;
চিতে সৈতে সকলোকে, মৰম কৰিবা।

চিহ্ন প্ৰকৰণ।

কেতবিলাক চিহ্ন আছে তাৰেও অনেক অৰ্থ পোৱা যায়। সেই বিলাকৰ যি নাম আৰু যি অৰ্থ তাক তলত লিখা গল।

(,) ইয়াৰ মাম কামা; এইটো চিহ্ন থাকিলে এক কওঁতে যি মান সময় লাগে তিমান ৰই পঢ়িব লাগে।

(;) ইয়াক সিমিকোলেন বোলে; এই চিহ্ন থাকিলে কামাতকৈ অলপ বেছি সময় ৰই পঢ়িব লাগে।

(।) এই চিনৰ নাম ডাড়ি; এইটো চিহ্ন থাকিলে শ্বাসটো এৰিব লাগে।

? এই চিহ্ন থাকিলে সোধা বুঝায়, সেই দেখি ইয়াক প্রশ্নসূচক চিহ্ন বোলে। এই চিহ্নৰ উদাহৰণ যেনে; নেযাৱ নে? ক'ত আছে? জানো।

! ইয়াকে সম্বোধন আৰু বিস্ময়ৰ চিন বোলে বিস্ময়ৰ উদাহৰণ যেনে, জাঠিৰেই হাতীটো মাৰিলনে! ইয়াৰ দুটা বা তিনটা থাকিলে অর্থাৎ !! বা !!! এই দৰে থাকিলে বৰ বিস্ময় বুঝাব।